বৃটিছ সকলো দাবী বা তেওঁলোকে দিয়া ৰেহাই সম্পৰ্কে আৱশ্যক হ'লে, কোনো স্বাধীন বিচাৰকমণ্ডলীৰ ওচৰ চপাৰ অধিকাৰ দিয়া নহয়,

টোকা—ক্ষমতাৰ হাত সলনিৰ সময়ত ভাৰতৰ স্বাৰ্থৰ কাৰণে যিবিলাক সাল-সলনি কৰা আৱশ্যাক হ'ব তাক ভাৰতৰ নিৰ্ব্বাচিত প্ৰতিনিধিসকলেই ঠিক কৰিব।

(২) যদি বৃটিছ চৰকাৰে ওপৰত কোৱা মতে কাম কৰিব পাৰিব বুলি ভাবে আৰু সেই ধৰণে সন্তোষজনক ঘোষণা পত্ৰ প্ৰচাৰ কৰি দিয়ে তেতিয়া হ'লে আমি আইন-অমান্য আন্দোলন বন্ধ কৰিববলৈ কাৰ্য্যকৰী সমিতিক পৰামৰ্শ দিম। অৰ্থাৎ অমান্য কৰিবৰ কাৰণেই যে আইন-অমান্য কৰা হৈছে সেইটো বন্ধ হ'ব। কিন্তু যিমান দিনলৈকে চৰকাৰে নিজে বিদেশী কাপোৰ আৰু মদ বন্ধ নকৰে, সিমান দিন শান্তি-পূৰ্ণ পিকেটিং চলোৱা হ'ব। জনসাধাৰণে লোণ প্ৰস্তুত কৰিযেই থাকিব আৰু লোণ আইনৰ কাৰণে কৰা দণ্ডবিধানৰ ধাৰাবিলাক প্ৰযোগ কৰা নহ'ব। চৰকাৰে বা আন কোনেও লোণ ৰখা ঠাইৰ ওপৰত উপদ্ৰৱ কৰিব নোৱাৰিব।

(৩) আইন-অমান্য আন্দোলন বন্ধ কৰাৰ লগে লগে—

(ক) দণ্ডিত বা বিচাৰাধীন সত্যাগ্ৰহী আৰু আন আন যিসকল ৰাজনৈতিক বন্দী কোনো হিংসামূলক অপৰাধ বা হিংসামূলক কামত উচটনি দিযাৰ অপৰাধত অপৰাধী নহয তেওঁলোকক মুক্তিৰ আদেশ দিব লাগিব।

(খ) লোণ আইন, প্ৰেছ আইন, খাজনা আইন আৰু তেনেকুৱা আইনৰ বলত যিবিলাক সম্পত্তি বাজেযাপ্ত কৰা হৈছে তাক ওভতাই দিব লাগিব।

(গ) দণ্ড পোৱা সত্যাগ্ৰহীৰপৰা প্ৰেছ আইনৰ বলত যি জৰিমনা আদায কৰা হৈছে বা জামিনৰ টকা লোবা হৈছে, তাক ওভতাই দিব লাগিব।

(ঘ) আইন-অমান্য আন্দোলনৰ সমযত যিসকল চৰকাৰী কৰ্ম্মচাৰী আৰু গাঁৱৰ তহচিলদাৰ আদিযে বিষয বাব এৰি দিছিল বা বিষযবাবৰপৰা যিসকলক বৰখাস্ত কৰা হৈছিল, তেওঁলোকে আকৌ চৰকাৰী চাকৰি লববলৈ ইচ্ছা কৰিলে তেওঁ-লোকক নিযুক্ত কৰিব লাগিব।

মন্তব্য—এইবিলাক প্ৰস্তাৱৰ মাজত অসহযোগ আন্দোলনৰ সমযৰ কথাও ধৰিব লাগিব।

(ঙ) বৰলাটে মঞ্জুৰ কৰা সকলো অধ্যাদেশ প্ৰত্যাহাৰ কৰিব লাগিব।

(চ) এই প্ৰাথমিক বিষযবিলাকৰ সন্তোষজনক মীমাংসা হ'লেহে প্ৰস্তাৱিত বৈঠকৰ গঠন আৰু তালৈ কংগ্ৰেছ প্ৰতিনিধি পঠোৱাৰ কথা আলোচনা কৰিব পৰা হ'ব।

আপোনালোকৰ বিশ্বাসভাজন
মতিলাল নেহৰু
এম কে গান্ধী
সৰোজিনী নাইডু
বল্লভভাই পেটেল
জযৰামদাস দোলতৰাম
ছৈয়দ মহম্মদ
জৱাহৰলাল নেহৰু

## ওপৰাংশ—(গ)

### শলাগৰ শৰাই

২৬ জানুৱাৰী, ১৯৩১

আমি . ৰ দেশবাসীসকলে গৌৰব আৰু কৃতজ্ঞতাৰে গুণগান সেইসকলৰ কৰিছোঁ, যিসকলে মাতৃভূমিক মুক্ত কৰিবৰ কাৰণে ভাৰতৰ মহান জাতীয় সংগ্ৰামত যোগ দি নিকাৰ ভুগিলে আৰু ত্যাগ স্বীকাৰ কৰিলে, সেই মহান আৰু শ্ৰদ্ধেয় নেতা মহাত্মা গান্ধীৰ, যিজনে সদায় উচ্চ আদৰ্শ আৰু সৎ প্ৰচেষ্টাৰে আঙুলিয়াই আমাক নিৰন্তৰে অনুপ্ৰেৰণা যোগাব লাগিছে, শ শ সাহসী ডেকাৰ, যিসকলে মুক্তিৰ বেদীত জীৱন পাত কৰিলে, পেছোৱাৰ আৰু গোটেই সীমান্ত প্ৰদেশ, ছোলাপুৰ, মেদিনীপুৰ জিলা আৰু বোম্বাইৰ শ্বহীদসকলৰ, যিসকলে হাজাৰে হাজাৰে শত্ৰু সৈন্যৰ বৰ্ব্বৰ লাঠীৰ আক্ৰমণৰ সন্মুখীন হৈ কষ্ট ভুগিলে সেই সকলৰ, গৰওৱলী ৰেজিমেণ্টৰ আৰু চৰকাৰৰ সামৰিক আৰু পুলিচ বিভাগৰ লোকসকলৰ, যিসকলে নিজৰ জীৱন বিপন্ন কৰিও, তেওঁলোকৰ নিজ দেশৰ দেশবাসীসকলক গুলী কৰিবলৈ বা তেওঁলোকৰ ওপৰত আন কিবা শাস্তিমূলক ব্যৱস্থা লবলৈ অমান্তি হৈছিল তেওঁলোকৰ, গুজৰাটৰ অদমনীয় খেতিয়কসকলৰ, যিসকলে অকণো ইকাটি-সিকাটি নকৰাকৈ, পাচ নোহোহকাকৈ সকলো ধৰণৰ উৎপীড়ন সহ্য কৰি আছিছে, আৰু ভাৰতৰ আন আন অঞ্চলৰ সাহসী খেতিয়কসকলৰ যিসকলে বহুকাল দুখভোগ কৰিছে আৰু বন্ধ কৰিবৰ কাৰণে লোৱা সকলো প্ৰচেষ্টাকে নেওচা দি আন্দোলনত সম্পূৰ্ণভাৱে যোগ দিছে, সাউদসকলৰ আৰু ব্যৱসায়ী সম্প্ৰদায়ৰ লোকসকলৰ, যিসকলে নিজৰ বিস্তৰ হানিকো হানি নুবুলি জাতীয় সংগ্ৰামত, বিশেষকৈ বিদেশী কাপোৰ আৰু বিলাতী মাল বয়কট কৰাত সহায় কৰিছে, সেই শ শ হেজাৰ হেজাৰ নৰ-নাৰীৰ, যিসকলে জেললৈ গৈ তাত সকলো ধৰণৰ জীয়াতু ভুগিছে, আৰু কেতিয়াবা আনকি জেলৰ চাৰি বেৰৰ ভিতৰতে মাৰ খাইছে, বেতৰ কোব খাইছে, আৰু বিশেষকৈ সাধাৰণ স্বেচ্ছাসেৱকজনৰ যিজনে যশস্যা বা পুৰস্কাৰৰ কোনো আশা নাৰাখি, কেৱল তেওঁ যি মহান উদ্দেশ্যৰ কাৰণে কাম কৰিছে তাৰ কথাকে ভাবি, দুখ-কষ্টৰ মাজেৰে শান্তিপূৰ্ণভাৱে অক্লান্ত পৰিশ্ৰম কৰিছে।

আৰু আমি ভাৰতৰ নাৰীসকলৰ প্ৰতি, যিসকলে মাতৃভূমিৰ বিপদ কালত নিজৰ ঘৰৰ আশ্ৰয় ত্যাগ কৰি, অব্যৰ্থ সাহস আৰু ধৈৰ্য্যৰে ভাৰতৰ জাতীয় সৈন্য-বাহিনীৰ লগত লগালগিকৈ আগ শাৰীত থিয় দিছিল, তেওঁলোকৰ লগতে ত্যাগ আৰু বিজয়ৰ সমভাগী হ'বলৈ তেওঁলোকৰ প্ৰতিও আমাৰ শ্ৰদ্ধা আৰু গভীৰ প্ৰশংসা জনাইছোঁ, আৰু আমি গৌৰবান্বিত বোধ কৰিছোঁ দেশৰ ডেকা শক্তি আৰু বালৰ সেনাৰ কথা সুৱঁৰি, যিসকলক কোমল বয়সেও সংগ্ৰামত যোগ দিয়াৰপৰা আৰু যোগ দি তেওঁলোকৰ মাজৰে কোনো কোনোক শ্বহীদ হোৱাৰপৰা বিৰত কৰিব নোৱাৰিলে।

আৰু তাৰ উপৰিও, ভাৰতৰ সকলো সম্প্ৰদায় আৰু শ্ৰেণীয়ে যে মহান সৎকৰ্ম্মত

যোগ দিলে আৰু উদ্দেশ্য সাধনত যি পাৰে কৰিলে তাৰ বাবেও আমি কৃতজ্ঞতাৰে তেওঁলোকৰ গুণগান কৰিছোঁ, বিশেষকৈ মুছলমান, শিখ, পাৰ্চী, খ্ৰীষ্টান আদি সংখ্যালঘু সম্প্ৰদায়সকলৰ যিসকলে, বিজয়ৰ নিশ্চয়তাৰে আগবঢ়া, ভাৰতৰ স্বাধীনতা লাভ কৰিবলৈ আৰু ৰক্ষা কৰিবলৈ আৰু সেই নতুন স্বাধীনতাৰে ভাৰতৰ-সকলো শ্ৰেণীৰে মানুহৰ মাজত থকা অন্তৰায় আৰু অসমতাবোৰ দূৰ কৰি মানৱতাৰ উচ্চতৰ আদৰ্শৰ সেৱা কৰিবলৈ কৃতসংকল্প এটা সম্মিলিত আৰু অবিভাজ্য জাতি গঢ়ি তোলাত, সাহস আৰু সকলোৰে মাতৃভূমিৰ উদ্দেশ্যৰ প্ৰতি নিষ্ঠাৰে সহায় কৰিছে সেইসকলৰ প্ৰতি কৃতজ্ঞতা জনাইছোঁ। আৰু ভাৰতৰ কাৰণে ত্যাগ আৰু কষ্ট স্বীকাৰ এই অনুপ্ৰেৰণাদায়ক দৃষ্টান্ত চকুৰ আগত ৰাখি আমি আমাৰ স্বাধীনতাৰ সঙ্কল্প আকৌ দোহাৰিছোঁ আৰু ভাৰতে পূৰ্ণ স্বাধীনতা নোপোৱালৈকে সংগ্ৰাম চলাই থাকিবলৈ প্ৰতিজ্ঞা কৰিছোঁ।